সুৰ পেলাই নিঃসাৰ হৈ থকা বায়েকৰ মুৰেত হাত এখনেৰে বুলাই থাকিল। মোৰ ভাল লাগিল।

শকুন্তলা আৰু সংৰাম উদগ্ৰীৱ হৈ আমালৈ বৈ আছিল। টেক্সিখনৰ পৰা আমি সকলোৱে মনোৰমাক ধৰাধৰি কৰি ঘৰৰ ভিতৰলৈ লৈ গলো। তেওঁ এক প্ৰকাৰ অজ্ঞান হৈয়ে আছিল। আমি যে কেবাজনেও মিলিহে তেওঁক কঢ়িয়াই লৈ যোৱাৰ দৰে নিছিলো তেওঁ তাক জনা নাছিল। তেওঁক তেওঁৰ বিছনালৈ নি শুৱাই দিয়া হ'ল। শকুন্তলাই তৎক্ষণাৎ পানী এবাল্টি আনি গামোছা এখন তিয়াই তিয়াই তাৰেই মনোৰমাৰ ভাঁৰ দুটা পালেংখনৰ পৰা অলপ ওলোমাই ধৰি ধুৱাই দিবলৈ ধৰিলে। নিবাৰণেও টাৱেল এখনৰ আগ এটা গৰম পানীৰে তিয়াই আনি আলফুলকৈ মনোৰমাৰ মুখমণ্ডল মচি দিবলৈ ধৰিলে। মনোৰমাৰ সাৰ-সুৰ নাই।

সংৰাম আৰু মই কেৱল চায়েই থাকিলো। কিবা কৰি দিব লাগে বুলি ধৰিব নোৱাৰিলো। অস্বাভাৱিক জীৱন যাপন কৰা এই হাল ককায়েক-ভনীয়েকক আজি দুটি বৰ স্বাভাৱিক প্ৰাণী যেন লাগিল। মাত্ৰ তেওঁলোকক আন আন মানুহে সহজ হবলৈ নিদিলে যেনহে লাগিল। মনোৰমা আৰু নিবাৰণৰ মাজত যদি কিবা অস্বাভাৱিকতা আছে তেন্তে সেইটোৰ উদ্ভৱ আন ক'ৰবাতহে।